# আকুল পথিক



লিখক

শ্ৰীমহদানন্দ দেৱ গোস্বামী

এলেঙি সত্ৰ, গহপুৰ, দৰং।

বাসস্থান :—

১৫৩৩এ, আপাৰ সাৰ্কুলাৰ ৰোড

কলিকতা—৬

মূল্য ৷৷০ অনা

শ্ৰীমহদানন্দ দেৱ গোস্বামীৰ দ্বাৰা লিখিত

# [redacted]বেগৰ সুৰ ❀

( [redacted]বিতা পুথি )

পুথিখনিত গোস্বামীয়ে নিবেদন কৰিছে—

'আবেগৰ সুৰ' মোৰ নহয় চকুলো ভৰা
যদিও লিখনি এৰি টোকোচকুলোৰ—
পৰাণত বেদনাৰ নিঠুৰ আঘাট লাগি
যদিওবা বাজি উঠে আবেগৰ সুৰ ॥
সংসাৰ সাগৰ মাজে জীৱন তৰণী বাই
নিতে নিতে গই থাকো মৰণ পথত
জীৱনৰ জীয়া তেজে মৰণক জয় কৰি
আবেগৰ সুৰ তোলে বিশ্বৰ মাজত ॥
সংসাৰ সাগৰ মাজে জীৱনৰ নাও বাই
যেনি যাওঁ তেনি পাওঁ সুখে দুখে পুৰ—
তাকেই সাবটি লই অকাতৰে ভাৰ বই
সুখে দুখে বাজি উঠে আবেগৰ সুৰ ॥

ঃঃ পোৱাৰ ঠাই ঃঃ

১। অসম সন্তানন্দ আশ্ৰম, পোঃ এলেঙিসত্ৰ, গহপুৰ ( দৰ
২। শ্ৰীমহদানন্দ দেৱ গোস্বামী
১৫৩।৩এ, আপাৰ চাৰকুলাৰ ৰোড, কলিকতা।

# আকুল পথিক

লিখক

শ্রীমহদানন্দ দেৱ গোস্বামী
এলেঙি সত্ৰ, গহপুৰ, দৰং।




বাসস্থান :—
১৫৩৩এ, আপাৰ সাৰ্কুলাৰ ৰোড
কলিকতা—৬

মূল্য ।।০ অনা

# উৎসৰ্গা



কলিকতা পিণ্ডৰ হোমিও মেডিকেল কলেজৰ অধ্যক্ষ

**ডাঃ জে, চক্রবর্ত্তী এম, বি, এম, ডি, এইচ্ এচ্ (আমেৰিকা)**

দেৱৰ কৰকমলত—

হে মহাত্মন্!

আপোনাৰ দয়া আৰু সৎ উপদেশৰ যোগেই মই কলিকতা মহানগৰীত থাকি জীৱনৰ উন্নতি পথত আগুৱাবলৈ সুবিধা লাভ কৰিছো। গতিকে আপোনাৰ এই স্নেহৰ কথাকে সুমৰণ কৰিয়েই এই ক্ষুদ্র পুথিখনি আপোনাৰেই পবিত্র কৰকমলত উৎসৰ্গা কৰিলো।

শ্রীমহদানন্দ দেৱ গোস্বামী
কলিকতা
১৯৫১ চন।

# নিবেদন

ব্যাকুল প্ৰাণৰ "আকুল-পথিক"
নিৰাশ হিয়াৰ মোৰ।
সপোন নহয় পবিত্ৰ প্ৰেমৰ
বাজিছে বিননি সুৰ॥



শ্ৰীমহদানন্দ দেৱ গোস্বামী

কলিকতা

চন ১৯৫১

## —আগকথা—

শ্ৰীমান্ মহদানন্দ দেৱ গোস্বামীৰ আকুল পথিকৰ যোগেই তেওঁৰ ভক্তি প্ৰেমৰ ভাৱটি নিজৰি জৰি প্ৰকাশিত হৈ ফুটি ওলাইছে। আশা কৰো তেওঁৰ এনে গভীৰ ভক্তি প্ৰেমৰ ভাৱৰাশি সুখী-দুখী দীন-হীন সকলোৰে হিয়াত প্ৰতিধ্বনিত হৈ উঠে এয়ে কামনা।

তেওঁৰ সৰল ভাব, সৎ আচাৰ ব্যৱহাৰ আৰু সৎ চৰিত্ৰ দেখি সন্থাকৈয়ে মুগ্ধ হৈছোহঁক। তেওঁৰ ভৱিষ্যৎ জীৱন সাহিত্যৰ সাধনাই সফল কৰাত শ্ৰীভগবানে শক্তি যোগাওক।

শ্ৰীআশুতোষ ভট্টাচাৰ্য্য, এম. এ, (কলিঃ)
সহকাৰী সম্পাদক পশ্চিমবঙ্গ সুধীসঙ্ঘ, কলিকতা
১৯৫১ চন।

শ্ৰীমান্ মহদানন্দ দেৱ গোস্বামীৰ চৰিত্ৰৰ সৰলতা ও উদাৰতা আমাৰ ওচৰত সুবিদিত। তেওঁৰ লিখিত পুথি কিথনি পঢ়ি যথেষ্ট আনন্দ লাভ কৰিছো। সময়োপযোগী ৰচনাবলীৰ দ্বাৰা তেওঁ দেশৰ সমাজ আৰু সাহিত্যৰ শ্ৰীবৃদ্ধি কৰক এয়ে আন্তৰিক কামনা।

ডাঃ তাৰাপদ ৰায়চৌধুৰী, এইচ্, এম ডি ( ৰেজিঃ )
কলিকতা, ১৯৫১ চন।

# আকুল পথিক

— * —

## প্ৰথম আবেগ

দ্বাপৰ কালৰ সেই কলিয়া কৃষ্ণৰ বেণু
আজিওতো বাজি আছে বলিয়া সুৰৰে
প্ৰেমৰ বাতৰি আনি প্ৰকাশিছে মানবক
বিৰাজিছে অন্তৰৰ প্ৰতি শিৰে শিৰে ॥

মানুহৰ প্ৰতি হিয়া আজিও যে বিয়াকুল
গোকুলত বজা সেই বলিয়া সুৰত
প্ৰেমৰেই প্ৰতিদান আজিও যাজিছে সদা
ধৰাক বলিয়া কৰি প্ৰেমৰ ঢলত ॥

সেই একে ধৰাতেই ময়োতো কৰিছো বাস
মোৰো প্ৰাণ নাচে সেই বলিয়া সুৰত
ময়ো আজি দিব খোজো, প্ৰেমৰেই প্ৰতিদান
প্ৰেমৰ কঁপনি উঠি হৃদি মণ্ডিৰত ॥

মোৰোতো পৰাণে যাচে হৃদয়ৰ ভাল পোৱা
পবিত্ৰ প্ৰেমেৰে আজি ব্যাকুলিত হৈ
ময়োতো পুজিব খোজো হৃদয়ৰ মণ্ডিৰত
দ্বাপৰৰ বেণু সুৰে বিমোহিত হৈ ॥

বিশ্বৰ বুকুত সদা জ্ঞানী মানী সুখী দুখী
সকলোৱে স্নান কৰে প্ৰেমৰ জলত
এই প্ৰেম জলতেই স্নান কৰি লাভ কৰে
একোখনি স্বৰ্গপুৰ বিশ্বৰ মাজত ॥

জীৱনৰ শোক তাপ দূৰতে বিদূৰ হয়
প্ৰেমৰ পৰশ পাই আকুল হিয়াত
ময়ো আজি প্ৰেমতেই প্ৰেমৰ গানকে গাই
ঘুৰি ফুৰো দিন ৰাতি বলিয়া ধৰাত ॥
বাহিৰে ভিতৰে সদা যেনিচাওঁ দেখা পাওঁ
প্ৰেমৰ কণিকা ভাঁহে মানব হিয়াত
প্ৰেমৰ গুণতে আজি মুহিছে জগত খনি
ময়ো সেই প্ৰেমতেই ব্যাকুল ধৰাত ॥
মানুহৰ প্ৰতি হিয়া আজিও যে বিয়াকুল
গোকুলত বজা সেই বলিয়া সুৰত
প্ৰেমৰেই প্ৰতিদান আজিও যাচিছে সদা
ধৰাক বলিয়া কৰি প্ৰেমৰ ঢলত ॥
সেই একে ধৰাতেই ময়োতো কৰিছো বাস
মোৰো প্ৰাণ নাচে সেই বলিয়া সুৰত
ময়ো আজি যাচিছোহি প্ৰেমৰেই প্ৰতিদান
প্ৰেমৰ কঁপনি উঠি হৃদি মণ্ডিত ॥

---

## দ্বিতীয় আবেগ

"কৃষ্ণ এক দেৱ দুখহাৰি কাল মায়াদিৰো অধিকাৰী
কৃষ্ণ বিনে শ্ৰেষ্ঠ দেৱ নাহি নাহি আৰ ।
সৃষ্টি স্থিতি অন্তকাৰী দেৱ, তান্ত বিনে আন নাহি কেৱ
জানিবা বিষ্ণুসে সমস্ত জগতে সাৰ ॥
নমো নমো নিত্য নিৰঞ্জন, নাৰায়ণ শিৱ সনাতন,
অনাদি অনন্ত নিৰ্গুণ গুণ ।।

পৰম পুৰুষ ভগৱন্ত নাহি পূৰ্ব্বাপৰ আদি অন্ত,
তুমিসে চৈতন্য সমস্ত ভৱ ভাৱন্তা ॥”

হে সৰ্ব্বমঙ্গলময় পৰমপিতা সৰ্ব্বজনৰ পৰমাত্মা উপাস্য পৰম দেৱতা! তোমাৰ কৃপাদৃষ্টিতেই সকলোৱে যেন সুখশান্তিৰে জীৱন অতিবাহিত কৰিব পাৰে; সকলোৱেই যেন সকলোৰে উন্নতি আৰু হিতসাধনৰ যত্নত থাকে; হিংসা বৈৰতা ভাৱ দূৰ কৰি কোনেও যেন কাৰো অহিত নিচিন্তে, হিংসা খিয়াল আৰু আনৰ অহিত চিন্তা কৰা লোক সকলৰ অন্তৰত যেন সুমতি সুবুদ্ধি দিয়ে; সকলোৱেই যেন তোমাৰ গুণ প্ৰেমভক্তি গ্ৰহণ ও প্ৰদান কৰিবলৈ মতি দিয়ে। সকলোৱেই মাতৃভূমিক স্বৰ্গতো অধিক বুলি জানিবলৈ, জন্মভূমিৰ হকে বন্দুকৰ নিষ্ঠুৰ গুলিকো আশীৰ্ব্বাদৰ নিৰ্ম্মালী স্বৰূপে বুকুপাতি লবলৈ, বেঃনেটৰ দাৰুণ আঘাটো দেৱতাৰ চৰণ স্পৰ্শ কৰা যেন ভাবিবলৈ, আৰু কলিজাৰ ৰঙাতেজ বাকি বলিশাল বোলাবৰ সময়তো প্ৰাণ দীপ্ত হৈ উঠিবলৈ যেন মতি দিয়ে; এয়ে তোমাৰ পূজাত মোৰ অন্তৰৰো অন্তৰৰ কাতৰ গোহাৰি।

“কতনো অমোঘ অপৰাধ হৰি
কৰিয়া আছো প্ৰচুৰ।
বুদ্ধিত থাকিয়া নেদেহা সুবুদ্ধি
কৃপাৰ হুয়া ঠাকুৰ ॥
যিহেতু তোমাৰ চৰণ পঙ্কজে
নভজিলো নাৰায়ণ।
সিহেতু অনাদি অবিদ্যা আমাৰ
কৰিল জ্ঞান উচ্ছন্ন ॥
তুমি নিজ পিতৃ গুৰু ইষ্ট দেৱ
নভজো তোমাৰ পাৱে।

এহিদোষে মোক যমদূতে ধৰি
যাতনা দুখ ভুঞ্জাবে॥
তুমি প্ৰিয় আত্মা পৰম দেৱতা
তোমাত ভৈলো বিমুখ।
এতেকে তোমাৰ মায়ায়ে আমাক
দিলেক সংসাৰ দুখ॥"

* * *

"অনন্ত শকতি তুমি ৰাম, লক্ষণ সুগ্ৰীব বিভীষণ
হনুমন্তআদি মহামহা বীৰ গণে
আনি তৰুলতা পৰ্ব্বতক কতেক যোজন সমুদ্ৰক
সেতুবান্ধি পাৰ ভৈলাহা মহাযতনে॥
হে প্ৰাণপ্ৰভূ ৰঘুপতি ৰাম ৰাম ৰাম ৰাম ৰাম
তোমাত কৰিয়া তযুগুণ নাম চাৰ
বিনা সেতুবন্ধ কৰিনৰে ৰাম ৰাম ৰাম ৰাম ৰাম
অপাৰ সংসাৰ সমুদ্ৰ হোৱয় পাৰ॥"

---

## তৃতীয় আবেগ

ৰঙালী বিহুৰ প্ৰথম দিন। কলিকতা মহানগৰীত এটা প্ৰকাণ্ড পকি ঘৰৰ ৩য় মহলৰ এটা সৰু কোঠাত সোমাই নিৰলে অকলসৰে এখন চকিত বহি নানা ভাৱ চিন্তাত বিভোৰ হৈ আছো। অপ্ৰয়াসেই মোৰ মহাতীৰ্থ অসমৰ সৰু পজাটিৰ চবিটো আহি অন্তৰতে প্ৰতিফলিত হৈ পৰিছেহি। অপ্ৰয়াসেই মোৰ হিয়াত জিলিকি উঠিছে—সেই তীৰ্থ সদৃশ সৰু পজাটিৰ দেৱতা আৰু দেৱী—মোৰ পিতৃমাতৃৰ পবিত্ৰ মুৰ্ত্তিলৈ। অবিলম্বেই মোৰ অন্তৰাত্মাৰ বিহুতলিত প্ৰতিধ্বনিত হৈ উঠিছে—অসমীয়া বিহুগীতৰ প্ৰেমৰসে ভৰপুৰ সুৰলা মাতৰ সুমধুৰ সুৰ এটি—

"বিহু বিহু কৰে, বিহুতি চৰায়ে,
আমাৰ বিহুকাপোৰ নাই ;—
সমনীয়াই সুধিলে কমেকিয়ে বুলি
সুতা কাপোৰ পাবলৈ নাই॥

* * *

বিহুৰে বিৰিনা, পাতে সমনীয়া,
বিহুৰে বিৰিনা পাত—
বিহু থাকে মানে, বিহুকে বিনাম ঐ
বিহুগ'লে বিনামনো কাক— ॥"

মনতে শোক কৰিছো, বেজাৰ কৰিছো। এই মহান্ উৎসৱৰ পবিত্ৰ দিনত যদি মই ঘৰত পিতৃমাতৃৰ কাষত থাকিলো হেতেন তেন্তে কি কৰিলো হেতেন। পুৱাতেই গা পা ধুই নববস্ত্ৰ পৰিধান কৰি জয়জয়তে সৰ্ব্বমঙ্গলময় পৰম পিতা পৰমেশ্বৰৰ নামলৈ, পিতৃমাতৃক তাৰ পাচত মোৰ অগ্ৰজ সকলৰ শ্ৰীচৰণত পৰি একোটি ভক্তিপূৰ্ণ সেৱা জনালো হেতেন।

মহা আনন্দৰে পিতৃমাতৃ, অগ্ৰজ অনুজ, বংশ পৰিয়াল, মিটিৰ কুটুম, আৰু ভকত বৈষ্ণৱ সকলক দেখাশুনা কৰি সান্দহ, চিৰা পিঠা, আখৈ মুড়ি, আৰু কোমল চাউল দৈ গাখীৰৰ জলপান খালোহেতেন। গাৱত গোৱা হুঁচৰিৰ সুৱলা সুৰ আৰু নাচোনৰ চেৰেচেৰে মোৰো প্ৰেমভৰা প্ৰাণটি উটি গ'ল হেতেন এক অবৰ্ণনীয় আনন্দৰ বিশাল সমুদ্ৰত। ভকত বৈষ্ণৱ সকলক চাহ জলপান গুৱা আদিৰে সন্তোষিত কৰি এষাৰি ভক্তিপূৰ্ণ মাত কথাৰে যথাসাধ্যে শ্ৰদ্ধাভক্তি জনালোহেতেন। কিমানযে ৰথানিৰ নোৱাৰা আনন্দলাভ কৰিলোহেতেন, কিমান যে সুখী হলোহেতেন। কিন্তু আজি মোৰ দেহা দুখ শোকে জৰ্জ্জৰিত, প্ৰাণ ব্যাকুল, মন অস্থিৰ। বেজাৰৰ দাৰুণ আঘাটে মোৰ হিয়া চিৰাচিৰ কৈ ফালিছে, আনন্দৰ হিয়া ফুলনিক বিষাদ অগ্নিয়ে দেই পুৰি চাই

কৰি নিছে। মই আজি কব নোৱাৰা হৈ পৰিছো দিননে ৰাতি, দিঠকনে সপোন। ভুখাৰি চকুলো অপ্ৰয়াসেই বৈ গৈছে। একো একোবাৰ মই চিঞৰি উঠিছো "মা"—"মা"—অ'মা—

নিৰাশাত আশা তুমি আকুলত কুল
শোকত সান্তনা তুমি তুমি ভাঙ্গা ভুল ॥

হঠাতেই আকৌ মনত পৰিছে মোৰ পিতৃমাতৃতো কলিকতাত নাই; আছে পুণ্যভূমি অসমৰ তীৰ্থস্থান সদৃশ এটি সৰু পজাত। বহুত দূৰত আছে। তেন্তে ইয়াত কোন আছে মোৰ? কোনো নাই? ওঁহো সকলো আছে। মোৰ চাৰিওফালে আছে দেশবাসী পিতৃমাতৃতুল্য পিতামাতাসকল, সোদৰপ্ৰতিম ভাইভনী সকল, ছাত্ৰ বন্ধুসকল। তথাপিও যেন আকৌ মনতে প্ৰশ্ন হয়, বহুত দূৰত থকা পিতৃমাতৃৰ পৰিবৰ্ত্তে কোন আছে মোৰ কাষত? খন্তেকৰ পাছতে অন্তৰৰ অজ্ঞান আন্ধাৰৰ পথ অতিক্ৰম কৰি হঠাৎ বিবেক দূতে মনোৰাজ্যত চিঞৰি চিঞৰি সমিধান দিবলৈ ধৰিলে—ভগবান,—ভগবান—ভগবান আছে। ভগবান! হে প্ৰভু! তুমিয়েইটো মোৰ পিতৃমাতৃৰূপে নিৰাকাৰ শৰীৰ সাকাৰ হৈ মোক এই পৃথিবীত প্ৰজন কৰিলা। তেন্তে হে পৰম পিতা তোমাৰ চৰণতেই শত সহস্ৰ সেৱা জনাইছো।

'কিমতে ভকতি কৰিবো তোমাত হৰি এ,
মই মুঢ়মতি নাজানো তাৰ উপাই ৰাম ৰাম।
মহা বলৱন্ত দুৰ্ব্বাসনা ঘোৰ হৰি এ,
অজ্ঞান আন্ধাৰে পৰিয়া পাৰ নাপাওঁ ৰাম ৰাম ॥
তোমাৰ মায়ায়ে মনমুহি আছে হৰি এ,
আমাৰ মনক তেজিয়া দূৰ নযায়ো ৰাম ৰাম ॥
অভয় চৰণে শৰণ পশিলো হৰি এ,—
তুৱা গুণ নাম ভকতি প্ৰদীপ চাওঁ ৰাম ৰাম ॥"

আকৌ হঠাৎ মনত পৰে মোৰ কি হ'ল, কিয় মই আজি ইমান উন্মাদিত, কিয় মোৰ প্ৰাণ ইমান অধীৰ? মোৰ সকলো আছে; পিতৃ আছে, মাতৃ আছে, বাই আছে, ভনী আছে, ককাই আছে, ভাই আছে, বন্ধু আছে, সকলো আছে।

তথাপিও যেন বৰ্ত্তমান মোৰ ওচৰত কোনো নাই; মোৰ যেন হিয়া উদং, চাৰিওফালে শূন্যময়। কাতৰ হৈ আকৌ গাবলৈ ধৰিলো—

"যিটো জনে কৃষ্ণকথা বিচাৰে সময়ে মনে
ধৈৰ্য্যধৰি ক্ষণেক থাকয়
যত তীৰ্থ স্নান দান দেৱ পিতৃ যজ্ঞদান
যোগাদিৰো নলক পাৱয় ॥
যাৰ পুত্ৰ সবে ঐত হৰিত শৰণ লৈয়া
হৰিগুণ গাৱে শুদ্ধ ভাৱে
দধি দুগ্ধ ঘৃত মধু নদীৰ জলক পিয়া
পিতৃগণ তৃপিতিক পাৱে ॥"

ক্ষন্তেকলৈ নিৰবে থাকি পিতৃমাতৃক মোৰ হৃদি আসনত স্থাপন কৰি তেখেত সকলৰ অভয় পাদপদ্মত সেৱাটি যাচি কাকুতি কৰিবলৈ ধৰিলো। হে পৰম দেৱতা পিতৃদেৱ আৰু পৰমা দেবী মাতৃদেবী! আজি নব বৰষৰ বঙালী বিহুৰ পবিত্ৰ দিনত আপোনাসকলৰ শ্ৰীচৰণত পৰি প্ৰত্যক্ষভাৱে সেৱা জনাবৰ ভাগ্য নোহোৱাত মোৰ এই অন্তৰৰ হৃদি আসনতে আপোনা সকলক স্থাপন কৰি শত সহস্ৰ সেৱা জনাইছো। যাৰ কৃপাদৃষ্টিত এই ব্ৰহ্মাৰো বাঞ্চিত পুণ্যভূমি ভাৰতত জন্মগ্ৰহণ কৰিবলৈ সুবিধা লাভ কৰিলো, যাৰ চৰণ পূজা কৰিলে সৰ্ব্বমঙ্গলময় পৰমপিতা পৰমেশ্বৰৰ চৰণ চিন্তা কৰা নিষ্প্ৰয়োজন, যাৰ কাষত থাকিলে জীৱনৰ শত ধুমুহাৰ মাজতো প্ৰাণ আনন্দত নাচি উঠে, যাৰ কাষত থাকিলে জীৱনৰ শতভূমিকম্পয়ো হৃদয় কঁপাব নোৱাৰে; যাৰ কাষত থাকিলে

মৰ আঁউসীৰ ঘোৰ অন্ধকাৰৰ বিনিময়ে শৰতৰ পূৰ্ণিমা ৰাতি যেন লাগে, যাৰ পাদোদকে জন্মে জন্মান্তৰে পাপৰ পৰা পৰিত্ৰাণ কৰে—সেই অতুলনীয় পৰম পিতৃদেৱতা আৰু পৰমা মাতৃদেৱীৰ শ্ৰীশ্ৰীচৰণত সহস্ৰ সেৱা জনাইছো। পিতৃদেৱ আৰু মাতৃদেৱী! অধম নিচেই অজ্ঞ, অযোগ্য। পুত্ৰ হৈ পিতৃমাতৃক সেৱা ভক্তি জনাব লাগে কেনেকৈ তাক সমূলি নাজানো। কাজেই আপোনা সকলক যিথিনি সেৱা ভক্তি জনাব লাগে সেইভাবে জনাই সন্তোষ দিব পৰাটো বামন হৈ চন্দ্ৰ ধুকি পাবলৈ বাঞ্চা কৰাৰ সদৃশ। হাঁয়! কিহেৰে পূজিম—কেনেকৈ সন্তোষিত কৰিম—!

নাই মোৰ ধুপ ধুনা নাই পূজা মন্ত্ৰ।
স্বৰ সুৰ তাল মান নাই, বাদ্যযন্ত্ৰ॥
অ'হেমাথো দোটোপাল চকুলো উঠলি,
সেয়ে মোৰ ধুপ ধুনা ভক্তি পুষ্পাঞ্জলি।

লগৰ লগৰীয়া বন্ধু সকলে হয়তো নানান্ সুৰলা সুৰৰ পূজা মন্ত্ৰেৰে সুগন্ধি কুসুমসহ তেওঁলোকৰ নিজ নিজ পিতৃমাতৃৰ চৰণ পূজা কৰিব লাগিছে। কিন্তু মই যে নিচেই অধম সন্তান। তথাপিও প্ৰাণত এক অনিৰ্ব্বচনীয় ভকতিৰ ভাৱৰাশিৰ প্ৰৱল ধুমুহাত আজি এই নববৰষৰ ৰঙালী বিহুৰ দিনা আপোনা সকলক মোৰ হৃদয়ৰ পবিত্ৰ মণ্ডিৰত স্থাপন কৰিবলৈ একুকি সুগন্ধি কুসুম আৰু এটি ঘিউ চাকিসহ অন্তৰতেই অন্তৰে সেৱা জনাইছো।

কাতৰ কণ্ঠেৰে আজি অধমে মাতিছো।
যুগল চৰণে পৰি সেৱাটি যাচিছোঁ॥

"মই দুৰাচাৰ অপৰাধি নাৰায়ণ।
ক্ষমিয়োক হৰি পশিলো হেৰা শৰণ॥
কেৱলে তোমাৰ লৈয়ো দাস কৰি
প্ৰভু ভগৱন্ত তুমি প্ৰিয়তম
অনন্ত ঈশ্বৰ প্ৰপন্ন জন তাৰণ।
পৰম দেৱতা জানিয়া লৈলো শৰণ॥"

---

# চতুর্থ আবেগ

যিঠাইত মানুহে জনম্‌লৈ সংসাৰ সাগৰত সাতুৰি ফুৰিছে; যি ঠাইত জনম্‌লৈ মৰতত্তে একোখান ক্ষুদ্ৰ স্বৰ্গ স্থাপন কৰি স্বৰগৰ অমিয়া মাধুৰী পান কৰিছে; যি ঠাইত জীৱনৰ প্ৰতিমূহুৰ্ত্ততেই এক অবৰ্ণনীয় আনন্দৰ সুৰ বাজিব লাগিছে; যি ঠাইত প্ৰতিজন মানবেই জীৱনৰ জয়যাত্ৰা ঘোষনা কৰিছে; যি ঠাইত পিতৃমাতৃ ভাই ভাতৃ, বংশ পৰিয়ালৰে পৰিপুৰ্ণ হৈ জীৱনত এক অপূৰ্ব্ব প্ৰেমৰ অব্যক্ত হেন্দোলনিত প্ৰাণ উত্তাৰল হ'ব লাগিছে; সেই ঠায়েই আই জনমভূমি।

যি ঠাইত জীৱনৰ আদিম পুৱাৰ পৰা মৰনৰ শেষ ৰাতিলৈকে উন্নতিৰ পথত অগ্ৰগতিৰে আগবাঢ়িবলৈ চেষ্টা চলিব লাগিছে; যিঠাইৰ লোকে পৰস্পৰ পিতৃমাতৃ ভাই ককাই, বাইভনীৰ দৰে শ্ৰদ্ধা ভক্তি মৰম চেনেহ দয়া কৰুণা আৰু সহায় সহানুভূতিৰ যোগে জীৱন অতিবাহিত কৰিব লাগিছে; যি ঠাইৰ অধিবাসীক দেখা পালে প্ৰাণত বিজুলী বেগে এক অভাৱনীয় প্ৰেম ওপজে; যি ঠাইৰ ভাষা আৰু সুৰে পাষাণৰো শিলৰে গঢ়া কঠিন হৃদয় গলাই তুলিব পাৰে; যি ঠাইত সকলোৱেই সকলোৰে পৰা ভাতৃবৎ চেনেহ লাভ কৰিছে; যিঠাইৰ কাৰণে ক'লাকলিজাৰ ৰঙাতেজ বাকিও বলিশাল বোলাবলৈ কুণ্ঠিত হ'ব নোৱাৰে; সেই ঠায়েই মাতৃ জনমভূমি।

যিদেশৰ মাটীত উৎপন্ন হোৱা ফলমূল শস্যাদিৰে জীৱন ধাৰণ কৰা হৈছে; যিদেশৰ বায়ু পানী আহাৰ গ্ৰহণ কৰি জীৱনৰ কৰ্ম্মক্ষেত্ৰত আগুৱা বলৈ শক্তিলাভ কৰিছে; যিদেশৰ অপমান বাণী শুনিলে হৃদয় চিন্নবিচিন্ন হৈ পৰে; যিদেশৰ গৌৰবৰ বিজয় নিচান উৰা দেখিলে আনন্দত প্ৰাণ নাচি উঠে; সেই দেশেই জনমভূমি। যিঠাইত সকলোৱেই ক্ষুদ্ৰ স্বাৰ্থ ত্যাগ কৰি একতাবদ্ধ হৈ বসতি কৰে; যিঠাইৰ লোকে পৰস্পৰ ইজনে

সিজনৰ দুখত দুখী হৈ প্ৰাণ কান্দি উঠে; যিঠাইত জীৱনৰ আশা সুখ শান্তি প্ৰেম, বাসনা তৃপ্তি, লাভ কৰিব পাৰে; সেই ঠায়েই হৈছে স্বৰ্গতো অধিক জনমভূমি। যিঠাইত থাকিলে দুখ শোক তাপে জীৱনত তিতা লগাব নোৱাৰে; যি ঠাইত জীৱনৰ শত ধুমুহা শত বজ্ৰপাতেও মানুহৰ অস্তিত্ব লোপ কৰিব নোৱাৰে; যিঠাইৰ সুখ আনন্দ স্বৰ্গীয় সুখৰ লগতো তুলনা হ'ব নোৱাৰে; সেই ঠায়েই হৈছে অতুলনীয় আই জনমভূমি। বিদেশৰ ভাইককাই বাইভনী সকলক দেখিলে আপোন পৰভাৱ সপোনেও সন্ধান দিব নোৱাৰা সুদূৰ দেশলৈ আঁতৰিগৈ প্ৰাণত এক অনিৰ্ব্বচনীয় মৰম চেনেহৰ ভাৱ ওপজে; বিদেশত আকাশে বতাহে ধূলিয়ে মাটিয়েও পবিত্ৰ প্ৰেমৰ ৰঙাবগা অণুপৰমাণুৰে দশোদিশ সিচৰিত হৈ আছে; সেই দেশেই "জননী জন্মভূমি স্বৰ্গাদপি গৰিয়সী"।

আই জন্মভূমি! তোমাৰ কোলাত জন্ম লভিয়েই জীৱনত সুখশান্তি লাভ কৰি জিৰনি পাতিত বিশ্ৰাম কৰিব লাগিছো। তোমাৰ কোলাত জন্ম লভিয়েই মায়া মোহ হিংসা বৈৰতাপূৰ্ণ সংসাৰত নিচিন্ত মনে উন্নতিৰ পথত আগুৱাবলৈ শক্তিলাভ কৰিছো। তোমাৰ কোলাত থাকিয়েই পৃথিবীৰ সৌন্দৰ্য্যৰ ৰূপচৰিত বিমোহিত হৈ ব্যাকুল হ'ব লাগিছো। তোমাৰ সন্তান সন্ততি অৰ্থাৎ মোৰ দেশবাসী পিতৃমাতৃ বাই-ভনী, ককাই ভাই, বন্ধু বান্ধৱ সকলৰ মাজতেই জীৱনৰ লীলাখেলা কৰি এক বৰ্ণাবিব নোৱাৰা আনন্দত আত্মহৰা হৈ ফুৰিছো।

মাতৃ মোৰ! তুমি তোমাৰ সন্তান সন্ততি সকলক সকলো বস্তুৰেই দান কৰি দয়া চেনেহৰ কৰুণাকণা বিতৰণ কৰিব লাগিছা। তুমি দান কৰিছা—সুশীতল জলবায়ু, সুমধুৰ ফলমূল, আৱশ্যকীয় আহাৰাদি। তুমি দান কৰিছা হিয়াত বলশক্তি, পৰাণত সুখ আনন্দৰ ভাৱৰাশি। তুমি দান কৰিছা অপাৰ সংসাৰ সাগৰত সাতুৰি নাদুৰি ফুৰিবলৈ এক মহান্ শক্তি, মহান মনোবল। তোমাৰ কৰুণাতেই দশোদিশে উৰিফুৰিছে

অসংখ্য প্ৰেমৰ কণিকা ; যি কণিকা মানৱৰ প্ৰতি শিৰে তেজৰ লগত মিহলিহৈ মৃত্যুকো পৰাজয় কৰি—জীৱনত জয়যাত্ৰাৰ ঘোষণা কৰিব লাগিছে। সকলো দান কৰিছা—সকলো দিছা তোমাৰ চেনেহৰ সন্তান সন্ততি সকলক। মোকো দিছা সেই একে দানেই। কিন্তু হে মাতৃ জন্মভূমি! আজি মই তোমাৰ এই অকপট চেনেহৰ প্ৰতিদান দিব নোৱাৰি আকুলি বিকুলি অশিয়া বলিয়া হৈ কান্দিব লাগিছো। শোক কৰিছো, বেজাৰ কৰিছো। মনত পৰিছে—তোমাৰ সুযোগ্য আৰু কৃতী সন্তান মাতৃপূজাৰী সকললৈ। আজিও তুধাৰি চকুলো টুকিছো তেওঁলোকৰ মহৎ স্বাৰ্থত্যাগ, স্বদেশ প্ৰেম আৰু মাতৃপূজাৰ মহান আদৰ্শলৈ মনত পৰি। আই! তোমাৰ সেই আদৰৰ ধন বীৰবীৰাঙ্গনা সকলে তেওঁ-লোকৰ কৰ্ম্মময়জীৱনত সকলো কৰ্ম্ম সফল কৰি শেষ সেৱা জনাই গুচি গ'ল। কিন্তু মাতৃ! আজি সেই বীৰ আৰু কৃতী সন্তান সকলৰ আদৰ্শ সাহ, মনোবল, শক্তি আৰু ভাৱৰাশি তোমাৰ বাকী সকল সন্তান সন্ততিৰ হিয়াতো যোগান ধৰা। যাতে সেই পৰলোকগামী বীৰ বীৰাঙ্গনা সকলৰ খোজত খোজ মিলাই আমিও তোমাক সেৱা ভক্তি জনাবলৈ শক্তি পাব পাৰো। আৰু আশীৰ্ব্বাদ কৰা য'তে সেই বীৰ বীৰাঙ্গনাসকলৰ তেজেৰে তেজীয়ান হৈ আমিও সৌ সুদূৰ ভৱিষ্যতৰ অচিনাকি ভয়াবহ কণ্টকপূৰ্ণ পথৰ কাঁইটবোৰ কাটিচিঙ্গি ধ্বংস কৰি তাৰ ঠাইত যাতে ৰুব পাৰোহঁক দেৱদাৰু চন্দন আদি। আৰু তাৰ শীতল চাঁত যাতে আমিও জুৰনিলব পাৰো আৰু আনকো জুৰণি লবলৈ সুবিধা দিব পাৰো। এনে ধৰণৰ আশীৰ্ব্বাদ ভিক্ষা প্ৰদান কৰা।

জন্মভূমি!

আজিও কি জনা নাই জন্মভূমি আই মোৰ—
ভাল পাওঁ তোমাকে সদাই
আজিও কি বুজা নাই তোমাৰ চৰিকে প্ৰাণে
আৰাধনা কৰিছে সদাই॥

তথাপিও ভাল পোৱা মোক তুমি কন্দুৱাই
মই তেনে কান্দিয়ে থাকিম—
কান্দি কান্দি চকুলোৰে ধুৱাই চৰণ দুটি
চেনেহৰ মুকুটি আঁকিম ॥
দুবৰি বনত থকা নিয়ঁৰৰ টোপা যেন
চকুলোৰে সাজিম মুকুতা
ভকতিৰ অঞ্জলিৰে পূজিম জননী মোৰ
তাতে পাবা চেনেহৰ বাৰতা ॥

নাই মোৰ একো নাই পূজিবলৈ শক্তি নাই
দুখীয়া দৰিদ্ৰ মই সকলোৰে হীন—
সেইবুলি মাতৃ মোক কৰিবানে খিন ?
দিয়া মোক দিয়া মাতৃ চেনেহ নিৰ্ম্মালী
কাকুতি কৰিছো মই তোমাৰ সন্তান
তোমাৰেই পাদোদক লৈ মই অবোধ সন্তানে
জন্মে জন্মে হ'ও পৰিত্ৰাণ।
তুমি মোৰ জন্মভূমি জননী প্ৰধান
তোমাৰ জ্যোতিৰে কৰা ধৰা জ্যোতিষ্মান্ ॥

## পঞ্চম আবেগ

যাৰ অসীম যত্ন কৰুণা আৰু সজ উপদেশৰ দ্বাৰা অজ্ঞান নিৰ্ব্বোধ আৰু অন্ধ অৱস্থাৰ পৰা উদ্ধাৰ হ'ব পাৰিলো ; যাৰ চেনেহ পৰশনত জ্ঞান বু'দ্ধ, ভাৱ-ভাষা অৰ্জ্জন কৰি সংসাৰ ক্ষেত্ৰত স্বৰগৰ অমিয়া মাধুৰী পান কৰিবলৈ শক্তি পাইছো ; যাৰ কপট আৰু স্বাৰ্থবিহীন আশীৰ্ব্বাদে বিদ্যা-জ্ঞান উপাৰ্জ্জন কৰি হিয়া সৰোবৰত ভক্তিপ্ৰেমে পৰিপূৰ্ণ হৈ পৃথিবীত আত্মহৰাহৈ ফুৰিছো ; যাৰ অশেষ কৃপা আৰু উপায় উপদেশ দানে সংসাৰ-ক্ষেত্ৰত শত ধুমুহা শত বজ্ৰপাতেও জীৱন তৰণী লক্ষ্যহীন কৰিব পৰা নাই ; যাৰ বখানিব নোৱাৰা অমূল্য দানৰ কথা মনত পৰিলে অবৰ্ণনীয় ভক্তি প্ৰেমত ব্যাকুল হৈ দুধাৰি আনন্দাশ্ৰু সুটুকি নোৱাৰো ; সেয়ে পৰম আৰাধ্যতম্ পূজনীয় শিক্ষাগুৰু।

যাক দৰ্শন লাভ কৰিলে প্ৰকৃতিৰ প্ৰবল ধুমুহাত মুৰ দোঁৱাই আছে; যাৰ কাষত ঠিয় হলে অশান্তি প্ৰাণত সান্তনাৰ সুৰ বাজি উঠে; যাৰ মুকুতিসৈ মনত পৰিলেও অন্তৰাত্মাত আনন্দৰ প্ৰবল ঢৌয়ে প্ৰাণ অস্থিৰ কৰি তোলে; যাৰ অমুল্য দান লাভকৰি পুৰনি পৃথিবীখনকো নতুন পৃথিবী যেন লাগে; সেয়ে চিৰ পূজনীয় শিক্ষাগুৰু। যাৰবাবে আজি মদাৰ ফুলকো পদুমফুল যেন দেখি, নিৰস মৰুভুমিকো দুগ্ধসাগৰ যেন দেখি, বিকত আকৃতিৰ ৰক্ত পিপাসু দস্যুক দেখিও প্ৰিয়দৰ্শন যেন অনুভৱ কৰিব পাৰি, সেয়েই পিতৃবৎ পূজনীয় শিক্ষাগুৰু। যাৰ দ্বাৰা প্ৰকৃত জ্ঞানলাভ কৰি আকুলি বিকুলি কান্দি কান্দি জন্মলাভ কৰা ক্ষুদ্ৰজীৱনটোকো— আনন্দৰ অপাৰ সাগৰত উটাই দিব পাৰি, যাৰ মহৎ আদৰ্শই সংসাৰৰ লীলাখেলা অৱসান নোহোৱালৈকে ভবিষ্যত জীৱন গঠনৰ সজুলি গোটাই দিব লাগিছে, সেয়েই হৈছে পিতৃতুল্য চিৰপূজনীয় শিক্ষাগুৰু।

গুৰুৰ ওচৰে বিদ্যা ছাত্ৰগণে পাই
যদিহে ভক্তিৰ দ্বাৰা পূজে সৰ্ব্বদাই
যেনেকে খন্তিৰ দ্বাৰা ধৰাতল খানি
পোৱা যায় অনায়াসে সুশীতল পানী॥
একেটি আখৰো যদি শিকাই গুৰুৱে
তাথাপিতো ছাত্ৰগণ ঋণী গণ্য হোৱে
কদাপিযে কোনো বস্তু নাপাই সংসাৰে
যিটিবস্তু দিলে ঋণমুক্ত হ'ব পাৰে॥

হে গুৰুদেৱসকল! আপোনাসকলে প্ৰদান কৰা জ্ঞান বুদ্ধি আৰু শিক্ষাৰ দ্বাৰা অকল এই জন্মতেই উদ্ধাৰ হোৱাৰ বাদেও পৰজন্মতো জন্মে জন্মান্তৰে পাপৰ পৰা উদ্ধাৰ হবলৈ ক্ষমতা পাইছো। কাৰণ বিদ্যা বুদ্ধি আৰু জ্ঞানৰ দ্বাৰাইহে সত্যশুদ্ধ আত্মাৰে মানব জাতিক, সমাজক, গুৰু সকলক, পিতৃমাতৃক আৰু পৰম মঙ্গলময় পৰম পিতাক ক্ষুদ্ৰ শকতিৰেও

সেৱা ভক্তি কৰিবলৈ শক্তি লাভ কৰিছো। শিক্ষাগুৰু সকল! কৈশোৰ কালৰ পৰাই আপোনাসকলৰ ওচৰত শিক্ষালাভ কৰা কালচোৱাত জানিবা নাজানি অনেক অপৰাধ লগাব পাৰো। কোনো ক্ষেত্ৰত আপোনাসকলক সন্তোষ দিয়াৰ পৰিবৰ্ত্তে অসন্তোষ দিব পাৰো, আপোনাসকলৰ সৎ উপদেশক অগ্ৰাহ্য কৰি অবাধ্যও হব পাৰো। আজি সেইবাবেই জানি বা নাজানি কোনো দোষ কৰিব পাৰো বুলি ভাবিয়েই প্ৰাণ কান্দি উঠিছে বেজাৰত হৃদয় বিদীৰ্ণ হৈ গৈছে। শোকত অধীৰ হৈ ভগ্ন কণ্ঠ পৰাণে "গুৰুদেৱ ক্ষমা কৰক" বুলি সংসাৰ ক্ষেত্ৰত অলিয়া বলিয়াহৈ চিঞৰি ফুৰিছে। আপোনাসকলে নিৰ্বোধ ছাত্ৰৰ প্ৰতি নিজগুণে প্ৰসন্ন হৈ জানি বা নাজানি কৰা সকলো দোষ মৰষন নকৰিলে ভগৱানেও যে ক্ষমা নকৰে, ই ধ্ৰুৱ। সেই উদ্দেশ্যেই আজি ভক্তি-প্ৰেমে ব্যাকুলিত হৈ দুধাৰি চকুলো টুকি আপোনাসকলৰ ওচৰলৈ ভয়ে ভয়ে, এখুজি দুখুজিকৈ কাষ চাপিছো। আৰু এই ভক্তি ভৰা চকুলোৰ টোপালবোৰেই একোধাৰি মুকুতামালা গাঁথি অন্তৰেৰেই অন্তৰতে আপোনাসকলক পিন্ধাই দিছো। পূজাৰবাবে মোৰ একো নাই; নাই পূজা মন্ত্ৰ নাই সুগন্ধি কুসুম নাই পূজা উপাচাৰ—, ধূপ ধূনা ঘিউবন্তি একো নাই। আছে মাথো ভক্তি ভৰা অন্তৰত অব্যক্ত ভাৱৰ এটি ভক্তি ভৰ নমস্কাৰ—এটি সেৱা—। তাৰেই মই পূজিব লাগিছো!



## ষষ্ঠ আবেগ

"দেশে দেশে কলত্ৰাণি দেশে দেশে স্ববান্ধবাঃ।
ত্বং ন পশ্যামি যত্ৰ ভ্ৰাতা সহোদৰাঃ" ॥

দাদা মোৰ ! অতিকৈ যে দীন নিজ ভাতৃয়ে
গাঁথিছো এধাৰি কবিত মলা।
পিন্ধাওঁ বুলি ভক্তিৰে সাদৰে
আপোনা সবৰ দৰ্শন বেলা ॥

কি হ'ব যে মই একেবাৰে হীন
নিচেই অযোগ্য ভাতৃ হ'লো
ভয় হয় দাদা ! কি জানিবা মোৰ
অযোগ্য মালাৰে খংহে তোলো ॥

মালি যে নহওঁ কেনেকৈ গাঁথিম
কবিতা ফুলৰ ধুনীয়া মালা
কবিয়ে নহওঁ কবিতা গোটাই
চন্দডে'লেৰে গাঁথিম মালা ॥

তথাপিতো আজি কবিতা ফুলেৰে
কুৰূপ ৰূপৰ মালাকে লই
পিন্ধালো আপোনা সবৰ ডিঙিত
শিৰত দুয়োৰো চৰণ থই ॥

হ'ব পাৰে মোৰ কবিতা মালাৰ
ৰূপৰ জোতি যে অতিকৈ ক্ষীণ
তথাপিতো দাদা ! নিঘিনাই ল'ব
মই যে নিচেই দুখীয়া দীন ॥

নাজানো অৰ্চ্চনা নাজানো বন্দনা
সমূলি নাজানো সেৱাৰ নাম
হিয়াৰ হেঁপাহ গুচোৱা ভক্তিৰে
উছৰ্গা কৰিলো "মানুহৰ পৰিণাম" ॥

---

লিখকৰ এখনি পুথি।

## সপ্তম আবেগ

জগতত মানুহৰ নাথাকে চেনেহ যদি
কিয়তেনে উৰি ফুৰে মৰমৰ বেণু,
পৰাণত পেমৰেই আকুল নহয় যদি
কিয়তেনে বাজি উঠে গোকুলৰ বেণু ?
আকাশে বতাহে আজি ভাঁহিছে চেনেহ কণা
ধূলিতো প্ৰেমৰ বেণু ফুৰিছে বাগৰি
সেয়েহে বিশ্বৰ মাজে মানবৰ প্ৰতি শিৰে
চেনেহৰ সোঁতবয় নিজৰি নিজাৰ ॥
প্ৰেমৰ চলতে আজি শোক দুখ তাপ তেজি
লভিছো স্বৰ্গীয় সুখ এই মৰতত ।
মানুহৰ দুখ দেখি এটুপি চকুলো সৰে
কঠিন শিলৰে গঢ়া হৃদি মণ্ডিৰত ॥
মৰতত যিদিনাই প্ৰেমভাব লোপ পাব
সিদিনাই স্বৰ্গ সুখে মাগিব বিদায়
জগতৰ অধিবাসী আকুলি বিকুলি কান্দি
থাকিব দুখেৰে বহি ইনাই বিনাই ॥
প্ৰেমৰ চলতে আজি শোক দুখ তাপ তেজি
লভিছো স্বৰ্গীয় সুখ এই মৰতত
মানুহৰ দুখ দেখি এটুপি চকুলো সৰে
গঠিন্ শিলৰে গঢ়া হৃদি মণ্ডিৰত ॥

—সমাপ্ত—

# শুদ্ধবাণি

| পৃষ্ঠা | শাৰী | ভুল | শুদ্ধ |
|---|---|---|---|
| ৯ | ১৭ | চেৰেচেৰে | ছেৰেছেৰে |
| ১১ | ১০ | নলক | ফলক |
| ১২ | ১৮ | কৰিবলৈ | কৰিলৈ |

কলিকতা আৰু অসমৰ উচ্চ শিক্ষিত লোকৰ দ্বাৰা প্ৰশংসিত
শ্ৰীমহদানন্দ দেৱ গোস্বামীৰ দ্বাৰা লিখত পুথি—

| | |
|---|---|
| মুক্তি সংগ্ৰামত কনকলতা | ॥০ |
| মুক্তি যুঁজৰ প্ৰতিধ্বনি | ॥০ |
| মানুহৰ পৰিণাম | ।৶ |
| তপত তেজৰ ৰঙালী সোঁত | ।৵০ |
| শ্ৰীগান্ধী গীতা | ।৵০ |
| নিৰব চকুলো | ॥০ |
| আকুল পথিক | ॥০ |
| আবেগৰ সুৰ | ॥০ |

প্ৰকাশক :—অসম সতানন্দ আশ্ৰম।

—পোৱাৰ ঠাই—

অসম সতানন্দ আশ্ৰম, পোঃ এলেঙিসত্ৰ, গহপুৰ, দৰং। ইয়াৰ বাজেও সকলো প্ৰকাৰৰ পুথি আমাৰ আশ্ৰমত পাব। স্কুলীয়া ছাত্ৰ ছাত্ৰী আৰু পুথি ভৰালৰ কাৰণে বিশেষ সুবিধা দৰত পুথি যোগোৱা হয়।

কলিকতা (১)—১৫বি, ৰায় বাগান ষ্ট্ৰীট, ইন্দুনাৰায়ণ প্ৰিণ্টিং
ওৱাৰ্কচত শ্ৰীমণী [illegible] ভাণ্ডাৰী দ্বাৰা ছাপা কৰা হ'ল।